লৰাইতৰ

# ৰণজিৎ সিংহ



লাহোৰৰ দৰবাৰত ৰণজিৎ সিংহ।

লৰাহঁতৰ

# ৰণজিৎ সিংহ



শ্ৰীপদ্মনাথ দাস।




১৮৫০ শক

বেচ পাঁচ অনা

কলিকতা, ৪৪, মাণিকতলা ষ্ট্ৰীট, "আসাম হিতৈষী" অফিচৰ পৰা
শ্ৰীকুমাৰদেব মুখোপাধ্যায় কৰ্ত্তৃক প্ৰকাশিত




৪৪, মাণিকতলা ষ্ট্ৰীট, কলিকতা "বুধোদয় যন্ত্ৰত"
শ্ৰীকুমাৰদেব মুখোপাধ্যায় কৰ্ত্তৃক মুদ্ৰিত।

# উছৰ্গা

## জীৱন-দেৱী মাতৃদেৱী

শ্ৰীযুক্তা লক্ষ্মীশ্বৰী গুপ্তাৰ

শ্ৰীশ্ৰীচৰণ কমলেষু—

মা,

আপুনি জানে—তেতিয়া বলিয়া হৈছিলোঁ নে কি কব নোৱাৰোঁ—সাতবছৰৰ আগেয়ে মই এখন ৰাজ্য পাতিবলৈ বৰ চেষ্টা কৰিছিলোঁ; কিন্তু মোৰ সেই আশা নুপূৰিল। তথাপি ৰণজিতৰ জীৱন-কাহিনী পঢ়িলে এতিয়াও মোৰ পুৰণি বাসনা জাগি উঠে। সেই সোৱঁৰণ মনত পেলাই থবলৈকে হে যেনেতেনেকৈ লিখি এই পুথিখন আপোনাৰ চৰণলৈ বুলি উছৰ্গা কৰিলোঁ।—আশা আছে, আপুনি নিশ্চয় লব; কিয়নো আপুনি যে মোৰ মা। ইতি

সেৱকাধম

—'বোপাতি'—

# লিখকৰ গোহাৰী

মাতৃ-পূজাত অধিকাৰ সকলোৰে আছে, অৱশ্যে অধিকাৰী ভেদ লৈ। নৱসাধকৰ পক্ষে প্ৰথম পূজা-বিধি কেতিয়াও ওখধৰণৰ হব নোৱাৰে—যাইকৈ সেই বিধি যদি তেওঁ নিজে ৰচিব লাগে। অধীনতে সেইকথা ৰজিতা খায়। পূজাৰ অৰ্থে সুকীয়া "প্ৰাৰ্থনামন্ত্ৰ"ৰ যি "বিধি"খন অধীনে ৰচনা কৰিব লগাত পৰিছে নিজে, তাৰ পাতেপতি কত আসোঁৱাহ, কত ত্ৰুটী যে ৰৈ গৈছে, লেখ দিব নোৱাৰি। আশাকৰোঁ উদাৰহৃদয় মাতৃ-সাধকে অধীনৰ সকলো দোষ মৰিষণ কৰিব।

আখৰ-যোঁটনি সম্পৰ্কে এইফেৰা নিৱেদন যে "গুৰুমুখী" ভাষাৰ যিটো শব্দ যেনেকৈ লিখিলে সুবিধা হয় বুলি ভাবিছোঁ তাৰ বৰ্ণবিন্যাসো সেইদৰেই কৰা হৈছে; প্ৰাৰ্থনা যেন সেইবিষয়ত অধীনৰ দোষ নধৰে।

ইতি

অধীন—পদ্ম।

লৰাইঁতৰ'

# ৰণজিৎ সিংহ

আমাৰ দেশ এই ভাৰতবৰ্ষত অকল যে সাধু, ধৰ্ম্মিষ্ঠ আৰু মহাপুৰুষ সকল হে উপজিছিল এনে নহয়, অনেক বীৰ পুৰুষ সকলেও ইয়াত জনম লৈছে। তোমালোকে পুৰণিকালৰ ৰাম, কৃষ্ণ, ভীম, অৰ্জ্জুন, কাৰ্ত্তবীৰ্য্য, ভগদত্ত, চিলাৰায় ৰাণা প্ৰতাপ, শিবাজী প্ৰভৃতি বীৰ পুৰুষ সকলৰ নাম অৱশ্যে শুনিছা ; এতিয়া ভাৰতৰ আগৰ সেই গৌৰৱ নাই, কিন্তু এই কালতো মাজে-সময়ে বীৰ আৰু মহাপুৰুষ সকল আহি আমাৰ জনমভূমিৰ মুখ ক্ষন্তেকলৈও পোহৰাই দি যায় গৈ। তেনেকুৱা বীৰ এজনৰ কথাকে আজি তোমালোকৰ আগত কওঁ। ৰণজিৎ সিংহ তেওঁৰ নাম ; তেওঁ পৃথিবীলৈ অহা সৰহ দিনৰ কথা নহয়—সাতকুৰি বছৰৰ অলপ আগলৈকে তেওঁ জীয়াই আছিল।

ৰণজিৎ পঞ্জাব প্ৰদেশত জনমিছিল। তোমালোকে মানচিত্ৰ বা মেপত পঞ্জাব দেখিছা—মলয়াৰ ছাটি পাই ঢৌ খেলাই নীলাপানীৰ সুন্দৰ নৈ পাঁচ খনিও তাৰ মাজেদি বৈ যোৱা কথা তোমালোকৰ কাণত পৰিছে ;—শতদ্ৰু, বিপাশা, চন্দ্ৰভাগা, ইৰাৱতী আৰু বিতস্তা সেইকিখনৰ নাম। সেই

নদী কেইখন সিন্ধুনদৰ শাখা; এই নৈ পাঁচখন থকা গুণেই দেশখনৰ নামো পঞ্জাব হৈছে।

আমাৰ সোণৰ অসমৰ মাজেদি অলেখ শাখানদী, উপনৈ আৰু জুৰি-জান-নিজৰা আদিৰ সৈতে আপোন পাহৰি কুলু কুলু মাতেৰে ব্ৰহ্মপুত্ৰ নদ সাগৰৰ পিনলৈ বৈ গৈছে; সিন্ধু নদেও তেনেদৰে সেই পাঁচখন নদীৰ সৈতে সাগৰৰ ফালে খোজ দিছে। ভাৰতৰ উত্তৰ পচিম সীমাত পঞ্জাব আৰু উত্তৰ পূবচুকে আমাৰ এই অসম দেশখন আছে। এসময়ত পঞ্জাব আছিল স্বাধীন আৰু অসমো তেতিয়া স্বাধীন আছিল। তেতিয়া পঞ্জাব আছিল বীৰ, অসমদেশত আছিল ঘৰে পতি মহা মহা বীৰ সকল। কিন্তু কেও দেখোন নাই আজি! পঞ্জাবে আগৰ চিঁয়া ৰাখিছে কিন্তু অসমীয়া আজি বৰ নিশকতীয়া হৈ পৰিছে—দুখৰ কথা নহয় নে মইনা?

ৰণজিৎ জাতত শিখ্ আছিল। ভাৰতবাসী সকলৰ ভিতৰত আজিকালি শিখ্ বিলাকেই বৰ সাহিয়াল আৰু যুঁজাৰু। পঞ্জাবত এতিয়াও বহুত শিখ্ আছে। এওঁলোক কিন্তু গুৰিৰে পৰা এনে বীৰ নাছিল। আগডোখৰত শিখ্ বিলাক এটি ধৰ্ম্মসম্প্ৰদায় হে মাথোন আছিল। বাবা নানক বোলা এজন সাধু মহাপুৰুষে প্ৰায় চাৰে চাৰিশ বছৰৰ আগেয়ে সেই সম্প্ৰদায়টো গঠন কৰে।

---

# শিখ জাতিৰ কথা

---

শিখ্ শব্দৰ অৰ্থ শিষ্য ; গুৰু নানকৰে পৰা আজিলৈকে যিবিলাক লোক এই সম্প্ৰদায়ত সোমাইছে, তেওঁবিলাকক শিখ্ বোলা হয়। আগছোৱাত শিখ্ বিলাক বৰ নিজু আৰু মৰা মেকুৰীৰ লেখীয়া আছিল ; তেতিয়া কেৱল ধৰ্ম্মকাম কৰিয়েই তেওঁলোকে দিন নিয়াইছিল। এওঁবিলাকৰ ধৰ্ম্ম বৰ উদাৰ, হিন্দু ধৰ্ম্মৰ সৈতে প্ৰায়ে মিলে ; কেৱল সেই ধৰ্ম্মত মাথোন জাতিভেদ নাই। এই কাৰণে চামে চামে হিন্দু মুছলমান সেই সম্প্ৰদায়ভুক্ত হৈছিল।

তেতিয়া ভাৰতত মুছলমান বিলাকৰ বৰ খিতাপ ; মোগল বাদশ্যাহসকলে দিল্লীত ৰাজত্ব কৰিছিল। শিখ্ বিলাকৰ চিৰা দিনক্দিনে বাঢ়িযোৱা দেখি মুছলমান ৰজাই তেওঁ বিলাকৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধৰিলে। অত্যাচাৰ সহি সহি শিখ্ বিলাকো যেন দগধা হল ; মোগল ৰজাই যেতেকে তেওঁবিলাকৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধৰে তেতেকে তেওঁ বিলাকে ঈশ্বৰক সুঁৱৰি কৰা কামত আৰু পুৰদি লাগে। অৱশেহত মোগল ৰজা হুৰি খণ্ডত একো নাই হৈ শিখ্ বিলাকৰ এজন গুৰু অৰ্জ্জুনসিংহক মৰাই পেলালে। তেতিয়াই জয়জয়তে

শিখ্ বিলাক জঁকি উঠে। অৰ্জ্জুনৰ পুতেক হৰগোবিন্দ সিংহই মুছলমানক তেতিয়াৰে পৰা দুয়ো চকুদি দেখিব নোৱাৰা হল, আৰু ধৰ্ম্ম শিকনিৰ লগে লগে ৰণবিদ্যা. অস্ত্ৰশিক্ষাও তেওঁ শিখ্ বিলাকৰ মাজত বিলাবলৈ ধৰিলে।

হৰগোবিন্দৰ পাছত তে'গ্ বাহাদুৰ শিখ্ বিলাকৰ গুৰু হয়—এইদৰে কোৱা আছে যে এওঁ অসমলৈকো আহিছিল। তে'গ বাহাদুৰে পঞ্জাবত ধৰ্ম্মপ্ৰচাৰ কৰোঁতে আউৰংজেব পাটছাহে তেতিয়া দিল্লীৰ ৰাজপাট খাই আছিল। আউৰংজেবৰ আন এটা নাম আলমগীৰ; আলমগীৰ বৰ গোঁড়া মুছলমান আছিল। তেওঁ মুছলমানৰ ধৰ্ম্মত বাজে আন কোনো ধৰ্ম্মকে দেখিব নোৱাৰিছিল গুণে তে'গ বাহাদুৰক ধৰ্ম্মপ্ৰচাৰ কৰিবলৈ মানাহি দিলে। তে'গ বাহাদুৰে কিন্তু তেওঁৰ কথা নেওচা পেলাই ধৰ্ম্মপ্ৰচাৰ কৰাত দেহে-কেহে লাগি গল। আউৰংজেবে খং উঠি তেওঁক ধৰাই নিয়ালে আৰু বন্দীশালত সুমুৱাই থলে। তে'গ বাহাদুৰেও ভালেমান দিন বন্দীশালত থাকি অশেষ নিকাৰ ভুঞ্জি চাওদাঙৰ হাতত নিজৰ ধৰ্ম্মবিশ্বাসৰ কাৰণে প্ৰাণ এৰিলে। তেওঁ মৰিবৰ সময়ত এইদৰে কৈছিল, "শিৰ দিয়া সেৰ নহী দিয়া" —অৰ্থাৎ মূৰকে দিলোঁ, তথাপি মোৰ ধৰ্ম্মবিশ্বাস নেৰিলোঁ। তে'গ বাহাদুৰৰ মৰণ বাতৰি পাই তেওঁৰ পুতেক গোবিন্দসিংহ খঙত জ্বলি-পকি উঠিল আৰু বাপেকৰ মৃত্যুৰ হোৰ তুলিবৰ কাৰণে কাচি-পাৰি লাগি গল। সেই সময়ত তেওঁ ১৫ বছৰীয়া। মানুহৰ শক্তিৰে লগুৱা-লিকচৌ, চিপাহী-চন্তৰি, ৰণুৱা-বনুৱাৰে

ঘৰ ভৰি থকা ৰজাৰ চুলি এদালতো হাত দিব নোৱাৰিব ভাবি, সেই কোমল বয়সতে গোবিন্দই অৰ্জ্জুনৰ শক্তি পাবৰ নিমিত্তে হিমালয় পৰ্ব্বতলৈ তপস্যা কৰিবলৈ গল।

তাত একুৰি বছৰ নিয়াই তেওঁ উভতি আহি শিখ্‌বিলাকক বাৰুকৈয়ে ৰণবিদ্যা শিকাবলৈ ধৰিলে। তেওঁৰ চেষ্টা আৰু শিকনিৰ ফলত শিখ্‌বিলাক অলপ দিনতে এটি ৰণুৱাজাতি হৈ উঠিল; তেতিয়াৰেপৰা সিবিলাকৰ নাম হল খাল্‌সা। খাল্‌সা বিলাক ঘোঁৰাত উঠা আৰু অস্ত্ৰচালোৱাত বৰ পাকৈত হৈ উঠিল। ঠায়ে ঠায়ে মুছলমানৰ লগত তেওঁলোকৰ ৰণো লাগিবলৈ ধৰিলে; এনেকুৱা এখন যুঁজতে গুৰু গোবিন্দসিংহৰ মৃত্যু হয়।

লাহে লাহে খাল্‌সাবিলাক কেইবাখনো খেলত বিভক্ত হৈ পৰিল। প্ৰত্যেক দলটোৱেই একোজন মানুহক নিজৰ সৰ্দ্দাৰ বা মুখিয়াল মানুহ পাতি তেওঁৰ কথামতে চলিবলৈ ধৰিলে। এইদৰেই খাল্‌সাবিলাকৰ ১০।১২টা ভাগ হল; সেই ভাগ বা দল বোৰক শিখ্‌ বিলাকৰ ভাষাৰে মিছিল বোলে।

———

# জন্ম আৰু লৰাকাল

তেনেকুৱা মিছিল এটাৰ সৰ্দ্দাৰৰ ঘৰতে ৰণজিৎসিংহৰ জন্ম হয়। তেওঁৰ বাপেকৰ নাম মহতাব্ সিংহ। মাক মলৱাঁই। ৰণজিৎ পিতাকৰ বৰ মৰমৰ লৰা আছিল। লৰাকালিতে ৰণজিতৰ আই ওলায়; তেতিয়া তেওঁৰ জীৱনৰ কাৰণে কেৱে আশ নকৰিছিল। তথাপি দেউতাকে অশেষ যত্ন কৰি, দেৱ-দেৱী সকললৈ টোপোলা বান্ধি আৰু পূজা আগবঢ়াই, তদুপৰি ঢেৰ শান্তি স্বস্ত্যয়ন আদি কৰোৱাই ৰণজিতক যমৰ নগৰীৰ পৰা ওলোটাই আনিলে। ৰণজিৎ জীয়াই থাকিল সঁচা, কিন্তু সোঁচকুটো তেওঁৰ আইৰ ফলত কণা হল। তেওঁৰ গঢ়িত আৰু লনি মুখনিতো চিৰদিনলৈ আইৰ সাচ বহিল।

পাঁচবছৰ বয়সৰ সময়ত পিতাকে আন এটি মিছিল-সৰ্দ্দাৰৰ জীয়েকক ৰণজিতলৈ বিয়া কৰোৱায়। পুতেকৰ বিয়া দিলে হয় কিন্তু তেওঁৰ পঢ়া-শুনাৰ দিহা-পোহা একেবাৰেই নকৰিলে। ৰণজিতৰো পঢ়াত সিমান ৰাপ নাছিল। সেইদেখি তেওঁ আখৰ এটাকে চিনিব নোৱাৰিলে। তেওঁ অকল চিকাৰ কৰি আৰু উমলি-জামলিয়েই কাল খেদাইছিল। চালুকীয়াকালৰে পৰা ঘোঁৰাত উঠা আৰু ঘোঁৰাচলোৱাৰ

আটাইবোৰ কিটিপ্-কাটাপ্ খৰচি মাৰি শিকি লৈছিল। আৰম্ভণৰে পৰা তেওঁ ইমান চোকা বুধিৰ আছিল যে আটায়ে তেওঁৰ বুদ্ধি দেখি তবধ মানিছিল।

বাৰবছৰৰ সময়ত বাপেক ৰণজিতৰ ঢুকায়। তেতিয়া তেওঁবিলাকৰ সৰু "ৰাজ্য" খনৰ ভাৰ তেওঁৰ ওপৰত পৰিল। ৰণজিৎ নামত ৰজা হল যদিও আচলতে মা-ক আৰু ডাঙৰীয়া অৰ্থাৎ মন্ত্ৰীসকলেহে ৰাজ্য শাসন কৰিছিল। তেওঁবিলাক কিন্তু বৰ অসজ পৰ্কিতিৰ আৰু আনলৈ হুল-চঁচা বিধৰ মানুহ। ৰণজিতৰ সিংহাসনৰ বাটত সিবিলাক জানিবা নঙলা মুখৰ জপনা হল। ৰণজিতে সেইকথাৰ সন্ধেদ পাই ১৭৭৯ খ্ৰীষ্টাব্দত কোতাস্ বোলা ঠাইত দলৰগিৰী পথ্‌পত মন্ত্ৰীক ৰণত ঘটাই সিংহাসন অধিকাৰ কৰিলে। তেতিয়া তেওঁৰ বয়স সোতৰ বছৰ হে মাথোন হৈছিল।

---

# চাৰিওফালৰ অৱস্থা

সেই সময়ত ভাৰতৰ অৱস্থা কেনে আছিল, তোমালোকে জানি থোৱা ভাল। তেতিয়া মুছলমান ৰজাৰ বল টুটি দাঁত নথকা সাপৰ দৰে হৈছে। তেওঁলোকৰ বিশাল সাম্ৰাজ্যখন ডোখৰ ডোখৰ হৈ কেইবা খনিও সৰু সৰু ৰাজ্যত পৰিণত হৈছিল। ইংৰাজবিলাকো সেই চেগতে বেপাৰ কৰিবলৈ ভাৰতলৈ আহে। ভাৰতৰ ঠায়ে ঠায়ে ইউনিয়নজেক্ অৰ্থাৎ ইংৰাজৰ জাতীয় পতাকা বতাহত ফৰফৰকৈ উৰিবলৈ ধৰিছে। দক্ষিণ চুকে মাৰাঠাজাতি প্ৰবল হৈ উঠিছিল। পছিম পিনৰ পৰা পৰ্ব্বতীয়া আফগানবোৰে চল পালেই ভাৰতক বেৰি ধৰিছিল হি। কেউপাশে এনে ঘটনা আৰু অৱস্থা—তাৰ মাজতেই ৰণজিতৰ সৰু ৰাজ্যখন আছিল। অলেখ সৰু সৰু ৰাজ্যও তেওঁৰ ৰাজ্যৰ ইফালে-সিফালে থান-বান হৈ থকা দেখা গৈছিল। হিন্দু-মুছলমান "ৰজা" বিলাকে সেই ৰাজ্যবোৰ চলায়।

# ক্ষমতা বঢ়া

সিংহাসনত বহিয়েই ৰণজিতে দেখিলে যে আফগানিস্থানৰ ৰজা জামানশ্যাহে ভাৰত আক্ৰমণ কৰিবলৈ যো-যা কৰিছে। জামানশ্যাহৰ ককাক আহম্মদ শ্যা' দুৰাণীয়ে ইতিপূৰ্ব্বেই দিল্লী দখল কৰি গৈছিল। জামানশ্যাহে এইবেলি ভাৰতত এখন সাম্ৰাজ্য স্থাপন কৰিবলৈ মন মেলিলে। পঞ্জাবত তেতিয়া শিখবিলাকৰ সৰু সৰু ৰজ্যবোৰৰ ভেতি চোঙনি হে হৈছিল মাথোন। আফগানৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ জয়ে জয়ে শিখবিলাকৰ তিমান শক্তি নাছিল। সেই দেখি আফগানবোৰ আহিলেই শিখবিলাকে ঘৰ-দুৱাৰ এৰি হাবি-বন, পৰ্ব্বত-পাষণ্ডলৈ পলাই গৈ আত্মৰক্ষা কৰিছিল। সিহঁত গুচি যোৱা মাত্ৰকে লুকুৱা ঠাইৰ পৰা শিখবিলাক ওলাই আহে আৰু মানুহৰ ঘৰ-বাৰী লুটি-পুটি ধন অৰ্জ্জনাত লাগি যায়।

ইবাৰো শ্যাহজামান আহি লাহোৰ পাওঁতেই আটাইবিলাক শিখ-সৰ্দ্দাৰ হাবিলৈ পলাই গল। লগত ৰণজিতেও ঢাপলি ললে। কিন্তু ৰণজিৎ হাত-সাবটি কঁপালক ধিয়াই বহি থকা পুৰুষ নহয়। আন আন সৰ্দ্দাৰ সকলৰে মুঠ বান্ধি তেওঁ সিন্ধু নদৰ দাঁতিয়ে-কাষৰে থকা ঠাইখিনি আক্ৰমণ কৰি অধিকাৰ কৰি ললে। জামানশ্যাহে ৰণজিতৰ একোকে কৰিব নোৱাৰিলে।

তেতিয়াৰে পৰা ৰণজিতৰ ক্ষমতা বাঢ়ি গল। কোনো কোনো শিখ সৰ্দ্দাৰ সেইদেখি তেওঁক খিয়াল কৰি তেওঁৰ বিৰুদ্ধে ঠিয়ও হৈছিল। কিন্তু কথা এষাৰ মইনাইত তোমালোকে নাপাহৰিবা যে যিসকল পৃথিবীত ডাঙৰ হৈছে, তেওঁলোকে আন মানুহৰ ওপৰত মনৰবল খটাই সিবিলাকক নিজৰ বশ মনাই লব পাৰে। ৰণজিতৰও সেই ক্ষমতা আছিল। তেওঁ নিজৰ চোকা বুধি আৰু চৰিত্ৰ-বলত আটাইবোৰ বিপদৰ হাত সাৰিব পাৰিলে। তেওঁৰ ক্ষমতাও দিনক দিনে বাঢ়ি গল।

এনে সময়তে দাঁতিয়-কাষৰে থকা ৰাজ্যবোৰত ধৰধৰ-মাৰ-মাৰ বুলি এটা হুলকনি উঠিল। শ্যাহজামান তেতিয়াও সেই অঞ্চল এৰি যোৱা নাই। এইবাৰ শেনৰ-এক-জাত দেখি তেওঁ লাহোৰ এৰি দেশলৈ পলাই গল। যাবৰ সময়ত শ্যাহজামানৰ হিলৈ কেটামান নৈত পৰিছিল। ৰণজিতে সেই হিলৈ কেইটা তুলি শ্যাহজামানলৈ পঠাই দিলে। হিলৈ কেইটা পাই শ্যাহজামানে মনত বৰ বং পালে আৰু ৰণজিতলৈ মিছাকৈয়ে লিখি পঠালে বোলে হিলৈ কেইটা ওভোতাই দিয়াৰ কাৰণে মই আপোনাক আন কি বঁটা দিম, লাহোৰখনকে দিলোঁ, চলাই খাই থাকক। এই কথাত অপমান পাই ৰণজিৎ সিংহই সঁচাসঁচিকৈয়ে লাহোৰ লবৰ নিমিত্তে আয়োজন কৰিলে।

---

# লাহোৰ অধিকাৰ

তেতিয়া পঞ্জাবৰ ভিতৰত লাহোৰেই আটাইতকৈ শ্ৰেষ্ঠ নগৰ আছিল। দিল্লীৰ বাদশ্যাহ সকল সময়ে সময়ে আহি লাহোৰত থাকিবলৈ লৈছিল। এতিয়া যেনেকৈ শ্বিলঙৰ পৰা অসমৰ গৱৰ্ণৰে শাসনকাৰ্য্য চলায়, তেনেকৈয়ে দিল্লীৰ তলে এজন শাসনকৰ্ত্তাই লাহোৰত থাকি তেতিয়া পঞ্জাব শাসন কৰিছিল। দিল্লীৰ বাদশ্যাৰ কঁকাল পৰাত আফগান অৰ্থাৎ কাবুলি বিলাকে পঞ্জাব দখল কৰে। তেতিয়াৰ পৰা আফগান সৰ্দ্দাৰবোৰেহে লাহোৰ শাসন কৰিছিল। শ্যাহজামান সিহঁতৰে ৰজা।

এই সৰ্দ্দাৰবোৰেই অইনবিলাকৰে লগ লাগি শ্যাহজামানক আগৰবাৰ খেদাই দিছিল। এতিয়া কিবা কাৰণত ইহঁতৰ নিজৰ ভিতৰতে কাজিয়া লাগিল। সিহঁতৰ কাজিয়াৰ ফলত লাহোৰৰ কাৰো শাঁতি-শুঁতি নোহোৱা হল। সেইদেখি তাৰ মুখিয়াল মুখিয়াল হিন্দু-মুছলমান সকলে ৰণজিৎ সিংহক লাহোৰলৈ মাতি পঠালে।

ৰণজিতে লাহোৰ লবলৈ পাঙিয়েই আছিল; তেওঁবিলাকৰ চিঠি পাই তেওঁৰ উচাহ আৰু দুগুণ চৰিল হে।

তেওঁ অনাহক পলম নকৰি যিমান সোনকালে পাৰে অস্ত্র-শস্ত্র আৰু সৈন্য প্রভৃতি গোটাই লৈ লাহোৰৰ পিনে খোজ দিলে। তাৰ আনাৰকলি বোলা ঠাইত তেওঁ বাহৰ পাতি ৰল। আন পক্ষৰ ৰণুৱাৰে সৈতে তেওঁৰ তুমুল সংগ্রাম লাগিল ; ৰণজিতৰ ধৰাল হেম্‌দাণ্ডৰ কোবত শত্রুসৈন্য ফৰিঙ্‌ চিটিকাদি চিটিকিবলৈ ধৰিলে—শত্রুৰ তপত তেজেৰে ৰণথলিৰ সেউজীয়া ঘাঁহবোৰ ৰাঙলি হৈ পৰিল। এইদৰে ১৮০০ খৃষ্টাব্দত শত্রুদলক সম্পূর্ণৰূপে ঘাটি খুৱাই ৰণজিতে লাহোৰ অধিকাৰ কৰি লয়।

লাহোৰ লৈ ৰণজিতৰ মন বাঢ়ি গল আৰু সাম্রাজ্য এখন স্থাপন কৰিবলৈ তেওঁৰ মনে কটকটাবলৈ ধৰিলে। জম্মু এখন নিশকতীয়া আৰু সৰু ৰাজ্য—ই পঞ্জাবৰ উত্তৰ পচিমে কাশ্মীৰৰ প্রায় ওচৰতে আছে। ৰণজিতে আগধৰি সেইখনকে তলতীয়া কৰি লবলৈ বিচাৰিলে। অলেখ্‌ যুঁজাৰু আদি লগত লৈ ৰণজিৎ সেই বছৰতে ( ১৮০০ খৃষ্টাব্দ ) জম্মুৰ পিনে ৰাওনা হল। তেওঁ যোৱা কথা শুনি জম্মু ৰজাই যুঁজ-বাগৰ নকৰাকৈয়ে বহুত ধন-সোণ আৰু কেইবাটাও হাতী দি ৰণজিতৰ বশ মানিলে। বাটত শিয়ালকোট, দিলাৱাৰ, মিৰোৱাল, নৰোৱাল আৰু যশোৰৱাল প্রভৃতি সৰু সৰু কেইবাখনি ৰাজ্যও ৰণজিতৰ হাতলৈ আহিল। নানান্‌ ঠাই জিনি দল্‌দোপ-হেন্দোলদোপ্‌ লগাই তলৰ মাটি ওপৰ কৰি ৰণজিৎ আকৌ লাহোৰ পালেহি।

তেওঁৰ কাৰ্য্যকলাপ দেখি ইংৰাজ গৱৰ্ণমেণ্ট তধা লাগিল।

পেটে পেটে তেওঁবিলাকে ভয়ো খালে। সেই দেখি ইউস্বফ্ আলী খাঁ নামৰ এজন মুছলমান কটকীৰ লগত ৰণজিতলৈ বহুতো ধন-সোণ আদি ভেঁটি পঠাই ইংৰাজে তেওঁৰে সৈতে মিতিৰ হবৰ প্ৰাৰ্থনা কৰিলে। ৰণজিতেও বৃটিঃশ দূতক আস্ত-ব্যস্তকৈ সুধি-পুছি ইংৰাজলৈ ভাৰ-ভেঁটি দি তেওঁবিলাকৰ মিতিৰ হল। সেই মিতিৰতাভাৱ গোটেই জীৱনটো ৰণজিতে উমাই থৈছিল।

---

# লাহোৰৰ দৰবাৰ

দিগ্বিজয় কৰি আহি ১৮০১ খ্ৰষ্টাব্দত ৰণজিৎ সিংহই লাহোৰত দৰবাৰ পাতি মহাৰজা উপাধি লয়। আৰু "টহাল" বা টাকশাল বহুৱাই নিজৰ নামত টকা চাবত মাৰি উলিয়াবলৈ ধৰে। মহাৰাজ পদবী লৈয়েই ৰণজিৎ সিংহই ৰাজাশাসনৰ ভাল দিহা কৰিলে। প্ৰজাৰ দুখ-নিকাৰ আৰু ওজৰ-গোচৰৰ পিনে তেওঁ চকু দিলে; নিজে লিখা-পঢ়া নজনা আছিল যদিও প্ৰজাক শিক্ষিত কৰিবলৈ পাৰেমানে চেষ্টা কৰিছিল। মুঠতে, ভাল ৰজা বোলাবলৈ আৰু ৰাইজক সুখে ৰাখিবলৈ ৰণজিতৰ চেষ্টাৰ ত্ৰুটী নাছিল।

কিন্তু ইমানতো ৰণজিতৰ ৰাজ্য-বঢ়োৱা-হাবিলাষ অৰ্থাৎ ৰাজ্য লিপ্সা লুপ্ত নহল; তেওঁ দাঁতিয়ে কাষৰে থকা ৰাজ্যবোৰ নিজৰ তলতীয়া কৰি এখনি ডাঙৰ শিখ্ সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ মন মেলিলে। সেইদেখি আকৌ ৰণুৱা আদি গোটাই লৈ দেশজয়ৰ কাৰণে তেওঁ ওলাই গল; অলপ দিনৰ ভিতৰতে ৰণজিতৰ বাহুবল আৰু যুদ্ধকৌশলৰ ফলত উত্তৰে হিমালয়ৰ পৰা দক্ষিণে মূলতান আৰু পচিমে আফগান সীমান্তৰ পাহাৰৰ পৰা পূবপিনে শতদ্ৰু নদীলৈকে সদৌ ডোখৰ ঠাই

তেওঁৰ হাতৰ তললৈ আহিল। ১৮০৫ খৃষ্টাব্দলৈকে তেওঁ এইদৰে দেশ বিজয় কৰি হিন্দু-মুছলমান আটাইবোৰ ৰাজ্যকে নিজৰ তলতীয়া কৰি ললে। সেই সময়ত তেওঁক সকলোৱে "পঞ্জাব কেশৰী" অৰ্থাৎ পঞ্জাবৰ সিংহ বুলি মাতিছিল।

ৰণজিৎ অকল দেশ জয় কৰাতেই যে একেলালিয়ে লাগি আছিল এনে নহয়, এখন দুখন দেশ লব পাৰিলেই তেওঁ লাহোৰলৈ উভতি আহে আৰু নানাৰকমৰ ৰং-তমইচা কৰি জিৰণি লয়। কেতিয়াবা কেতিয়াবা হৰিদ্বাৰলৈকো গৈ গঙ্গাত গা ধুই আহিছিল।

---

# ৰণজিতৰ টেঙৰালি

---

ইপিনে মাৰাঠীবিলাকৰ সতে ইংৰাজৰ যুঁজ লাগি আছিল। ৰণত ঘাটি মাৰাঠীবিলাকৰ নায়ক যশোৱন্ত ৰাও হোলকাৰে ৰণজিতত সহায় মাগিলে। তেওঁৰ ইচ্ছা আছিল, ৰণজিতৰে লগলাগি ইংৰাজক হটাই দিয়ে; কিন্তু ৰণজিৎ আগেয়েই ইংৰাজৰ লগত মিতিৰালি-সূতাৰে বান্ধ খাইছিল দেখি, হোল-কাৰক একো সহায়-সাৰথি দিব নোৱাৰিলে। অগত্যা, কোনো ফালৰে পৰা চল বুধি নাপাই হোলকাৰে ইংৰাজক উত্তৰ ভাৰতৰ ভালেখিনি ঠাই এৰি দি তেওঁলোকৰ সৈতে সন্ধি কৰিলে। আনপিনে ৰণজিতে নিজৰ ৰাজ্য বঢ়োৱা কামত দিনক দিনে আৰু নতুন উছাহেৰে লাগি গল। তেতিয়া দিল্লী ইংৰাজৰ অধীনত আছিল।

জহকালিৰ বেলিৰ দৰে খাওঁ-খাওঁ মূৰ্ত্তি ধৰি ৰণজিতক দিগ্বিজয় কৰি ফুৰা দেখি ঝিন্দ্, পাতিয়ালা, কৈথাল প্ৰভৃতি ৰাজ্যৰ গৰাকী সকলে মেল পাতি থিৰাং কৰিলে বোলে ৰণজিতৰ বহতীয়া হোৱাতকৈ অইনৰ সহায়েৰে গা বঁচোৱাও ভাল। সেইদেখি তেওঁলোক দিল্লীলৈ গৈ ইংৰাজক সকলো কথাৰ থোৰ ভাঙি জনাই তেওঁবিলাকত শৰণ পশিলে।

ইংৰাজে তেওঁলোকক একো ভয় নাই বুলি মুখেৰে কৈছিল যদিও ৰণজিতৰ বিপক্ষে যুদ্ধ কৰিবলৈ সাহ নকৰিলে।

এই কথাৰ সম্ভেদ পাই ৰণজিতে অমৃতসৰত এখনি সভাৰ আয়োজন কৰি ঝিন্দ্, পাতিয়ালা, কৈথাল, কপূৰ্ৰতলা আদি ঠাইৰ ৰজাসকলক মতাই আনিলে; তেওঁলোক আহি পোৱাত ৰণজিতে হিয়াত গাঁজি যোৱা কথাৰে কবলৈ ধৰিলে বোলে আজি আপোনালোকে মোলৈ ভয় কৰি ইংৰাজৰ আশ্ৰয় লৈছে হয় কিন্তু এই কথাষাৰ কেতিয়াও পাহৰি নেপেলাব যে বিদেশী, বিধৰ্ম্মী আৰু স্বাৰ্থপৰ ইংৰাজ সপোনতো আপোনালোকৰ বুকুৰ বান্ধৱ হব নোৱাৰে। মোৰ লগতো যে ইংৰাজে সন্ধি কৰিছে, সি কেৱল স্বাৰ্থৰ কাৰণেহে। এই ইংৰাজৰ নিচিনা স্বাৰ্থপৰ, টেঁথৰ আৰু টেট্‌কুতীয়া জাতি পৃথিবীত বৰকৈ পাবলৈ নাই। গতিকে মই আপোনালোকক কব খোজোঁ যে আপোনালোক ইংৰাজৰ লগত নিমিলিব; মই ঈশ্বৰলৈ চাই কৈছোঁ, কেতিয়াও আপোনালোকৰ ৰাজ্য আক্ৰমণ নকৰোঁ।

কিন্তু বৰ শোকলগা কথা যে ৰজাসকলে তেওঁৰ সেই বহুমূলীয়া উপদেশলৈ কাণসাৰকে নকৰি গুচি গল। কোনো মানুহৰ যেতিয়া কুবুদ্ধি হয় তেতিয়া সি নিজৰ বঙহ পৰিয়াল অথবা গিয়াতি কুটুমৰ সজ পৰামৰ্শৰ পিনে এইদৰেই পিঠি দিয়ে। সেই ৰজা সকল যদি তেতিয়া ৰণজিতৰ কথামতে চলিল হেঁতেন, তেন্তে মইনাহঁত, ভাৰতবৰ্ষৰ বুৰঞ্জী অইনৰকমে তোমালোকে আজি পঢ়িবলৈ পালাহেঁতেন!

যি সময়ৰ কথা লিখা হৈছে তেতিয়া ইউৰোপত মহাবীৰ নেপোলিয়নৰ নাম কেউপিনে বৈ বৈ গৈছিল ; ইংৰাজক তেওঁ ৰৰকৈ দেখিব নোৱাৰিছিল। ইংৰাজে ভাৰতত ৰাজ্যবিস্তাৰ কৰা দেখি নেপোলিয়নে সহিব নোৱাৰিলে। সেইদেখি ইংৰাজক ভাৰতৰ পৰা গুফোৰাবলৈ তেওঁ পাংপাতি কৰিবলৈ ধৰিলে। জানোচা খাইবাৰ পাছেদি নেপোলিয়ন ৰণজিতৰ লগ লাগেহি, এই ভয়তে ইংৰাজে পাৰস্য, আফগানিস্থান আৰু পঞ্জাবলৈ আকৌ কটকী পঠাই দিলে। এইবাৰ মেটকাফ্ চাহাব ইংৰাজৰ ফলীয়া হৈ লাহোৰলৈ গল (১৮০৮ খৃঃ)। এওঁক পাছত ভাৰতৰ বৰলাটৰ বিষয়খনো খাবলৈ দিয়া হয়।

চিৰদিনৰে পৰা এখন শিখ্ সাম্ৰাজ্য স্থাপন কৰিবলৈ ৰণজিতৰ হেঁপাহ আছিল। শতদ্ৰুৰ পূবফালে যমুনা নদীলৈকে ৰণজিতে ৰাজ্য বঢ়াবলৈ যো-যা কৰোঁতেই মেটকাফ্ চাহাব গৈ তেওঁক ইংৰাজৰ সৈতে সন্ধি কৰিবলৈ খাটিলে।

এইবাৰৰ সন্ধিৰ নিয়ম আগতকৈ অলপ লৰ আছিল। এই সন্ধিমতে আৰু দিগ্বিজয় নকৰোঁ বুলি ৰণজিতে ইংৰাজক কথা দিব লাগিব। অৰ্থাৎ চিৰদিন হৃদয়ত পুহি থোৱা ইচ্ছা তুচ্ছ ইংৰাজৰ সামান্য কথাতে ৰণজিৎ সিংহই আজি শতদ্ৰুৰ পানীত বিসৰ্জ্জন দিব লাগিব !—ৰণজিৎ সিংহই মাথোন উত্তৰ দিলে, "ইংৰাজে মোক এতিয়ালৈকে চিনি পোৱা নাই—এই চকুত যিদিনাখন দাবানল জ্বলি উঠিব, সেইদিনা হে ইংৰাজে বুজি পাব ৰণজিৎ সিংহ কেনে !" সেই বজ্ৰধ্বনি শুনি মেট্‌কাফ ভয়ত কঁপি কঁপি গুচি আহিল।

# ইংৰাজৰ সৈতে কাজিয়াৰ উপক্ৰম

ইংৰাজৰ ইচ্ছা আছিল, ৰণজিতে যেন শতদ্ৰুৰ পূবপিনলৈ আৰু ৰাজ্য নবঢ়ায়। সেই দেখি তেওঁৰ কামত পাৰে মানে হকা-বধা কৰিবলৈ সিবিলাক সাজু হল। ৰণজিৎ সিংহই কিন্তু সেইবোৰলৈ কৰেপ নকৰি নিতৌ যিমান পাৰে-ন ৰাজ্য দখল কৰি ললে; তেওঁৰ গঢ়-গতি দেখি ইংৰাজৰ পেটতে হাত-ভৰি লুকাল—ভয়ে ভয়ে সিবিলাকে ৰণজিতলৈ কৈ পঠালে যে তেনে কৰা উচিত হোৱা নাই। ৰণজিতে সেইকথাৰ একো উত্তৰ নিদি ভিতৰি যুদ্ধৰ আয়োজন কৰিবলৈ ধৰিলে।

ইংৰাজেও কিছুমান দিনৰ পাচত সেনাপতি অক্টৰ্লনিক বহুতো সৈন্য-আদি দি শতদ্ৰুৰ পাৰলৈ পঠাই দিলে। অক্টৰ্লনিয়ে আহিয়েই মালব আৰু সাৰহিন্দ বোলা দুখন "ৰাজ্যৰ" সৰ্দ্দাৰ দুজনক মতাই আনি ইংৰাজৰ ফলীয়া কৈ ৰণজিতৰ সৈতে ৰণ দিবলৈ কলে। সিবিলাকেও ইংৰাজক সহায় কৰিবলৈ মান্তি হল। আনপোনে ৰণজিৎ সিংহইও নিজৰ লাই-লস্কৰ প্ৰভৃতি আনি শতদ্ৰুৰ পাৰত গোট খুৱালেহি। এইদৰেই ইংৰাজৰ লগত ৰণজিতৰ যুদ্ধ লাগিবৰ উপক্ৰম হল।

ঠিক সেই সময়তে অমৃতসৰত মহৰম অৰ্থাৎ তাজিয়া উপলক্ষ্যে শিখ্ আৰু মুছলমান বিলাকৰ কিলাকিলি লাগে।* ৰণজিৎ সিংহৰ সৈন্যদলত থকা আটাইবোৰ মুছলমান আৰু শিখ সৈন্যৰ ভিতৰতো মৰামৰি লাগিল। ভালেমান সৈন্যৰ সেই ঘটনাতে মৃত্যু হয়। তেনে অৱস্থাত ৰণ কৰিবলৈ গলে নিজেই ঘাটি খাব লাগিল হেঁতেন। সেইদেখি ৰণজিৎ সিংহই ইংৰাজৰ সৈতে সন্ধি কৰিবলৈ বাধ্য হল। ১৮০৯ খৃষ্টাব্দৰ ২৫ এপ্ৰিলৰ দিনা ৰণজিৎ সিংহই ইংৰাজৰ লগত আকৌ সন্ধি কৰিলে। এইবাৰ কিন্তু ৰণজিতে ৰাজ্যৰ দক্ষিণ ফালৰ এৰাডোখৰ ঠাই ইংৰাজক এৰি দিব লগীয়াত পৰিল।

সন্ধি হল হয়, কিন্তু কোনো দলেই কাকো সম্পূৰ্ণৰূপে বিশ্বাস কৰি নিশ্চিন্ত হব নোৱাৰিলে। শতদ্ৰুৰ দুয়োপাৰে দুয়োপক্ষই নিজৰ নিজৰ গড়মাৰি ইদলে আনদলৰ আলেখ লেখ চাবলৈ লাগিল।

কিন্তু বিজয়ী ৰণজিতৰ ৰণস্পৃহা তেতিয়াও মাৰ নগল। ৰাজ্যৰ দক্ষিণফালে ভালকৈ ৰখীয়া-পৰীয়া বহুৱাই তেওঁ উত্তৰৰ পৰ্ব্বতীয়া ৰাজ্যবোৰ জয় কৰিবৰ কাৰণে যাত্ৰা কৰিলে। টাঙ্গা ৰাজ্য অধিকৃত হল আৰু আন আটাইবোৰ দেশেই ৰণজিতৰ বশ মানিলে। ইপিনে তেতিয়া কাবুলত বৰ গোলমাল লাগিল; ১৮১০ খৃষ্টাব্দত শ্যাহ মামুদে কাবুলৰ ৰজা শ্যাহ

* বিশ্বকোশ চাওক।

চুজাক চক্রান্ত কৰি খেদাইদিয়ে। শ্যাহ চুজা পলাই আহি সিন্ধুনদৰ পাৰত উপস্থিত হল। বাতৰি পাই ৰণজিৎ তেওঁক আথে-বেথে আগবঢ়াই আনিবলৈ গল।

ৰণজিৎ আঁতৰি যোৱাত চল পাই মুলতানৰ ৰজাই এই সময়তে বিদ্রোহ কৰিছিল। ৰণজিতে উভতি আহি তেওঁক আকৌ যুঁজত ঘটালে আৰু ঢেৰ টকা তেওঁৰ পৰা আদায় কৰি ৰাজধানীলৈ গৈ সেনাবিভাগৰ য'ত যেতেটি আসোঁৱাহ আছে, আঁতৰাবৰ মন কৰিলে।

ইয়াৰ পাছত ১৮১২ খৃষ্টাব্দত ৰাজকোৱঁৰ খড়গসিংহ (খৰক্ সিংহ) ৰ বিয়া হয়—বিয়াত খুব ধুমধাম হৈছিল। ইংৰাজ-সেনাপতি অক্টাৰলনীকো সেই বিয়ালৈ মতা হয়।

ৰণজিৎ সিংহই তেওঁক বৰ আদৰ-সাদৰ কৰি সোধ-পোচ কৰিছিল। তেতিয়াৰে পৰা ৰণজিৎ আৰু অক্টাৰলনীৰ ভিতৰত সখিয়ালি ইমান ডাঠ হল যে সামান্য ফাকুৱা উছৱতো শেহৰজন গৈ আগৰজনৰ ফাকুৱা খেলত যোগ দিছিল।

# কহিনূৰ লাভ

তোমালোকে কহিনূৰ হীৰাৰ নাম শুনিছা। ইয়াৰ দৰে আপুৰুগীয়া আৰু বহুমূলীয়া মণি জগতত আৰু নাই। এই ভোটাতৰা হেন ডাঙৰ হীৰাডোখৰ কত কালৰ পৰা যে ভাৰত-বৰ্ষত আছিল, খাটাংকৈ কব নোৱাৰি। পুৰাণত স্যমন্তক বোলা এটি মণিৰ বিচিত্ৰ উপাখ্যান আছে। স্বয়ং শ্ৰীকৃষ্ণই তাক বিজয় কৰি আনিছিল। কোনো-কোনোৱে ভাবে যে তাহানিৰ সেই স্যমন্তক মণিটোৱেই আজিকালিৰ কহিনূৰ। এই হীৰাডোখৰ অতীজতে মালৱৰ হিন্দু ৰজা সকলৰ অধিকাৰত আছিল। আলাউদ্দিন খিলিজিয়ে মালৱ জয় কৰি হীৰাডোখৰ দিল্লীলৈ লৈ যায়। পাছত ই গোৱালিয়ৰৰ অধিপতিৰ হাত লাগে। মোগল সম্ৰাট বাবৰে গোৱালিয়ৰ-ৰজাৰ পৰা তাক দিল্লীলৈ আনে। ১৭৩৯ খৃষ্টাব্দত পাৰস্যৰ নাদিৰ শ্যাহ দিল্লীলৈ আহি হীৰাডোখৰ মোগল সম্ৰাটৰ পৰা কাঢ়ি নিয়ে। তেৱেঁই ইয়াৰ নাম "কহিনূৰ" ৰাখিছিল। নাদিৰৰ পাছত কাবুল-ৰজা আহম্মদ শ্যা হীৰাডোখৰৰ অধিকাৰী হয়। আহম্মদৰ পাছত ই শ্যাহ ছুজাৰ হাতত পৰে। তোমালোকে ইয়াৰ আগেয়ে পঢ়ি আহিছা যে শ্যাহ ছুজা খেদা খাই ভাৰতলৈ পলাই অহা লোক। তেওঁ ৰণজিতৰ আশ্ৰয়ত থাকোঁতে মণিটো

ৰণজিতৰ অধিকাৰলৈ আহে। ৰণজিৎ সিংহই হীৰাডোখৰ নিজৰ মুকুটত পিন্ধিছিল। এবেলি মানুহ এজনে কহিনুৰৰ বেচ্ ৰণজিতত সোধাত ৰণজিতে হাঁহি মাৰি কৈছিল, "ইস্‌কা কীমৎ পাঁচ জুতি"—অৰ্থাৎ ইয়াৰ দাম পাঁচোটা জোতাৰ কোব। তাৰ মানে, যেয়ে ইয়াক আনৰ হাতৰ পৰা কাঢ়ি লব পাৰিব ই তেওঁৰেই।

ৰণজিতৰ মৰণৰ পাছত তেওঁৰ নাবালক পুতেক দলিপসিংহ হীৰাডোখৰৰ মালিক হয়। তেওঁৰ নাবালক অৱস্থাত ইংৰাজে পঞ্জাব অধিকাৰ কৰি সেই মৰগীয়া ৰত্নডুখৰি বিলাতলৈ লৈ যায়। আজিও সাগৰৰ সিপাৰে হিন্দুৰ সম্পত্তি, হিন্দুৰ উজ্জ্বল যুগৰ এটি উজ্জ্বল ৰত্ন, বিশ্ববাসীৰ চকুত চমক লগাই জিলিকি আছে। ভাৰতবাসী, তোমাৰ দেশৰ ৰত্ন সোৰা পঞ্চম জৰ্জ্জৰ মুকুটত চাই লোৱা!

---

# কাশ্মীৰ বিজয়

শ্যাহ ছুজা ভাৰতত থাকোঁতেই কাবুলপতি শ্যাহ মামুদে কাশ্মীৰ আক্রমণ কৰিবলৈ যো-যা কৰি ৰণজিতলৈ সহায় মাগি পঠিয়ায়। সিয়ান ৰণজিৎ সেই কথাত মান্তি হল। শ্যাহ মামুদে ৰণজিতৰ সৈন্য আদি লৈ আৰু তেওঁৰ কথামতে চলি কাশ্মীৰ অধিকাৰ কৰিলে; কিন্তু আফগান বিলাকে শিখ্ বিলাকক যুদ্ধ-জয়-কৰি-পোৱা ধনবস্তুৰ ভাগ দিবলৈ বৰ কেৰ্‌জেৰ্ কৰাত ৰণজিতৰ খঙ উঠি আফগানৰ বিৰুদ্ধে যুদ্ধ সূচাই দিলে। সিংহবিক্রমী ৰণজিৎ সিংহৰ অতুল প্ৰতাপত আফগান বিলাক ঘাটিল আৰু আফগানিস্থানৰ বহুত ঠাই তেওঁৰ ৰাজ্যৰ ভিতৰুৱা হল।

১৮১৪ খৃষ্টাব্দত ৰণজিতে নিজেই কাশ্মীৰ জয় কৰিবলৈ মন মেলিলে। হাতিয়াৰ-হুতিয়াৰ, ৰণুৱা-বনুৱা গোটাই-পিটাই লৈ তেওঁ ভাল দিন বাৰ চাই কাশ্মীৰৰ পিনে ৰাওনা হল। বাটত অশেষ কষ্ট ভুঞ্জি, দেধাৰ বিপদৰ হাতসাৰি সৈন্যদলৰ সৈতে বহুদিনৰ মূৰত ৰণজিৎ কাশ্মীৰ পালেগৈ।

কাশ্মীৰৰ ৰজাৰ সৈতে তেওঁৰ সৰুকলি-বৰকলি যুঁজ লাগিল। * কাশ্মীৰৰ ৰজা পৰাজিত হৈ ৰণজিতক ৰাজপাট এৰি দি পলাই গল। সদৌ কাশ্মীৰখন ৰণজিতৰ হাতলৈ আহিল।

কাশ্মীৰ জয় কৰি ৰণজিৎ মূলতানত গৈ উপস্থিত হল আৰু তাৰ ৰজাক আকৌ সম্পূৰ্ণৰূপে নিজৰ তলতীয়া কৰি পেলালে। তাৰপৰা তেওঁ সিন্ধু প্ৰদেশ আক্ৰমণ কৰি ভালেমান ধন-সোণ গোটাই লাহোৰলৈ ওভতে। লাহোৰ পাই ৰণজিতে ৰাজ্য শাসনৰ ভাল বন্দোবস্ত কৰিবলৈ ধৰে। বিশ্বাসী কৰ্ম্মচাৰী বিলাকক ভিন্ ভিন্ দেশৰ শাসন কৰ্ত্তা পাতি দিলে আৰু সৈন্যৰ লেখ বঢ়াই সিইঁতক উন্নত প্ৰণালীৰে যুদ্ধবিদ্যা শিকাবলৈ মনপুতি লাগি গল।



* তেজপুৰৰ ফালে প্ৰবাদ আছে যে অসম ৰজাৰ "সৰুকলি" আৰু "বৰকলি" নামৰ দুটা হিলৈ আছিল; এই হিলৈটোইঁত এবাৰ খাঁজিলে সাদিনলৈকে হুনো একেলাগিয়ে তাৰে গুলিয়াব পৰা গৈছিল। ত্ম্যামম্ম্যা ৰণ লাগিলে হে বোলে সেই হিলৈ দুটা ব্যৱহৃত হৈছিল; তেনে ৰণক "সৰুকলি-বৰকলি" ৰণ ও বোলে। এইকথা লিখকে স্বৰ্গগত ককাদেউতাকৰ পৰা শুনিছে।

# ফৰাছী কৰ্ম্মচাৰী নিয়োগ

তেতিয়া ইউৰোপত জনাজাত নেপোলিয়ন বোনাপাৰ্টৰ কঁকাল পৰিছে। তেওঁৰ সৈন্যদল তেতিয়া থান্-থান্ বান্-বান্ হৈ যেয়ে যতে পালে ততেই কামত সোমাইছে। সিহঁতৰ ভিতৰত কিছুমানে ৰণজিতৰ বীৰত্ব আৰু যশস্যাৰ বাতৰি শুনি মুছলমানৰ বেশেৰে কান্দাহাৰ আৰু কাবুলৰ মাজেদি লাহোৰলৈ আহিল। ৰণজিতে সিহঁতক বজাই-টুকৰিয়াই চাই সৈন্য বিভাগত ঠাই দিলে আৰু সিহঁতৰ হতুৱা নিজৰ সেনাবোৰক ইউৰোপীয় নিয়মেৰে যুদ্ধবিদ্যা শিকাবলৈ ধৰিলে। কাম দিবৰ সময়ত ৰণজিতে সিহঁতক এইবুলি শপত খুৱাই লৈছিল যে সিহঁতে গৰু মঙহ নাখায় আৰু দাড়ি মুখুৰায়। কেজনমান ফৰাছী সেনাপতিও এইদৰে ৰণজিতৰ সৈন্যদলত ভৰ্ত্তি হৈছিল। তেওঁবিলাকৰ শিক্ষা পাই ৰণজিতৰ বীৰ সৈন্য আৰু দুৰ্জ্জয় হৈ উঠিল।

# চূড়ান্ত ক্ষমতা লাভ

ৰণজিৎসিংহ বহুদিনলৈকে আফগান বিলাকৰ সৈতে যুঁজিব লগীয়া হৈছিল; বাৰেপতি কিন্তু আফগান বিলাক হে ৰণত ঘাটিছিল। ১৮৩০ খৃষ্টাব্দত আফগান বিলাকে শেষ বেলি পৰাজয় স্বীকাৰ কৰে। ইতিমধ্যতে ৰণজিতৰ ৰাজ্যসীমা বাঢি গৈছিল; তেওঁৰ বীৰত্ব আৰু যশস্যাৰ কথা বেলিৰ পোহৰৰ দৰেই দেশে-বিদেশে বিয়পি পৰিল। তেতিয়াৰ ইংলণ্ড-ৰজাই ৰণজিতৰ লগত বন্ধুত্ব পাতিব খুজি চিঠি দিলে। ৰণজিতেও গৱৰ্ণৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্টৰ জৰিয়তে নানান্ উপহাৰৰ বস্তু বন্ধুত্বৰ চিন স্বৰূপে তেওঁলৈ পঠাই দিছিল। সেই সময়ত ৰজা উইলিয়মে ইংলণ্ডৰ ৰাজপাট খাই আছিল। ৰণজিতে পঠোৱা উপহাৰৰ বস্তুবোৰ পাই তেৰেঁা লৰ্ড এলেনবৰোৰ হাতত ৰণজিতলৈ হৰেকৰকমৰ বহুমূল্যীয়া বস্তু ভেঁটি পঠালে। ১৮৩১ খৃষ্টাব্দত গৱৰ্ণৰ জেনাৰেল লৰ্ড বেণ্টিক ৰণজিতক দেখা কৰিবলৈ আহে। ৰোপাৰ নগৰত তেতিয়া এখনি দৰবাৰ হৈছিল; সেই দৰবাৰৰ নাম "দশ্যোৰা দৰবাৰ।" সেই সময়তে মহাৰজাই নিজৰ সৈন্যদলৰ অস্ত্ৰ শিক্ষাৰ কৌশল

তাকৈ অহা সদোসকল ইংৰাজক দেখুউৰাত তেওঁলোকে বিস্ময় মানিলে। এইবোৰ দেখি-শুনি ইংৰাজ ৰণজিতৰ লগে- লগে লগা বন্ধু হবলৈ চেগ বিচৰাত লাগিল। অলপ দিনতে চেগ পাই ইংৰাজে ৰণজিতৰ সৈতে আকৌ সন্ধি কৰিলে আৰু সিন্ধু প্ৰদেশত বেহা-বেপাৰ কৰিবলৈ অনুমতি লভিলে। এই দাৰেই আগধৰি বেহাবেপাৰৰ গোজ পুতি ইংৰাজবিলাক মূৰকত্ৰে সিন্ধুপ্ৰদেশত গজালি হল গৈ !

# ৰণজিতৰ স্বাস্থ্যভঙ্গ আৰু ৰাজ্যৰ শেষ অৱস্থা

১৮৩৩ খৃষ্টাব্দৰ পৰা মহাৰজাৰ স্বাস্থ্য বেয়া হবলৈ ধৰে। তেতিয়া তেওঁ শাস্ত্ৰমতে পৰাচিত হৈ পাপ তাকৰ কৰিবৰ গুণে বহুতো বন্দীক এৰি দিছিল। ডাক্তৰ মুৰে নামৰ এজন ইংৰাজ বৈদ লুধিয়ানালৈ আহি ৰণজিৎসিংহক চিকিৎসা কৰাত তেওঁৰ বেমাৰ গুচে। তেতিয়াৰে পৰা ইংৰাজৰ লগত ৰণজিৎসিংহৰ বন্ধুতা ভাৱ ও আগতকৈ বেছি হল।

"দশ্যেৰা" উপলক্ষ্যে ১৮৩৪ খৃষ্টাব্দত ৰণজিতে ইংৰাজ প্ৰতিনিধিলৈ ভাৰ-ভেঁটি দি আকৌ এজন কটকী কলিকতালৈ পঠাই দিয়ে। তাৰ পাছত সিন্ধু দেশখন সম্পূৰ্ণৰূপে নিজৰ তললৈ আনিবৰ নিমিত্তে তেওঁ সেই সনতে সিন্ধু আক্ৰমণ কৰিবলৈ যায়। তাৰ স্বামীৰ সকলে কিন্তু তেওঁ যোৱাৰ আগেয়েই ইংৰাজৰ লগত সন্ধি কৰিছিল। সেই দেখি ৰণজিতে যুদ্ধ নকৰাকৈয়ে সোনবান যি পালে লৈ তাৰপৰা পেশ্বোৱাৰ মূৱা হল। পেশ্বোৱাৰত কিছুমান দিন থাকি ভালকৈ ৰাজ্য চলাবৰ দিহা কৰি ৰণজিৎ লাহোৰলৈ ওলাটে। দিন কিছুমানৰ পাছতেই ৰণজিতৰ একাঙ্গীৰোগ অৰ্থাৎ পক্ষাঘাত বেমাৰ হয়—

কিন্তু ৰাজ্য চলাবৰ কাৰণে তেওঁ আগৰে পৰা ভাল বন্দোবস্ত কৰি থৈছিল দেখি শাসন কাৰ্য্যত একো বেমেজালি নঘটিল। তেওঁ বেমাৰত পৰি থকাতো ৰাজকাৰ্য্য আৰু দেশ-জয়-কৰা-কাম আগৰ দৰেই দুগুণ উছাহেৰে চলিবলৈ ধৰিলে। তেওঁ জীয়াই থকা কালটোত তেওঁৰ নিজা ৰাজ্যৰ ভিতৰত একো গোলমাল বা বিশৃঙ্খলা অৰ্থাৎ লাগ-বান্ধ-নোহোৱা অৱস্থা হোৱা নাছিল। ৰজাঘৰীয়া আটাইবোৰ কাম তেওঁৰ নামতে চলোৱা হৈছিল। ইপিনে ৰণজিৎসিংহৰ বেমাৰ হোৱা বাতৰি পাই ইংৰাজবিলাকে আফগানিস্থান আৰু সিন্ধুৰ ঘটনাত হস্তক্ষেপ কৰি নিজৰ শক্তি ভালেখিনি বঢ়াই ল'লে।

সদৌ সিন্ধুদেশখন নিজৰ অধিকাৰভুক্ত কৰিবলৈ ৰণজিৎ সিংহৰ বহুদিনৰে পৰা মন আছিল। এতিয়া কিন্তু ইংৰাজে বিধি পথালি দিয়াত তেওঁ সেই আশা পূৰ্ণ কৰিব নোৱাৰিলে। ইয়াৰ কাৰণে ৰণজিতৰ মনত বৰ দুখ থাকিল। ৰণজিতে জীৱনৰ শেহ চোৱালৈকে ইংৰাজৰ সহায়তা কৰিছিল; ইংৰাজে কিন্তু এইদৰেহে তাৰ সুতনি দিলে!

কাবুল-ৰজা শ্যাহ ছুজা খেদা খাই আহি এই ঘটনাৰ আগতে ইংৰাজৰ শৰণাপন্ন হৈছিল। সিপিনে কাবুলৰ দোস্ত্ মহম্মদ ৰুচৰ সৈতে ইংৰাজৰ বিপক্ষে সন্ধি কৰি যুদ্ধৰ আয়োজন কৰাত ব্যস্ত আছিল। ইংৰাজে দোস্ত মহম্মদৰ লগত যুঁজিবলৈ ৰণজিতক সহায় মাগিলে। বৰলাট লৰ্ড অক্‌লেণ্ড বাহাদুৰে নিজেই ১৮৩৮ খৃষ্টাব্দৰ ৩০ নৱেম্বৰৰ দিনা প্ৰকাশ্য দৰবাৰত

গৈ মহাৰজাক ভেট কৰি কিছুমান সৈন্য দিবলৈ খাটনি ধৰিলে। মহাৰজাৰ সৈন্যদলৰ বলতে ইংৰাজ সেনাই দোস্ত্ মহম্মদক পৰাজিত কৰি শ্যাহ ছুজাক কাবুলৰ সিংহাসনত বহুৱাব পাৰিছিল। কাবুলৰ যুঁজত জিকি সৈন্যদল উভতি অহাত ৰণজিতে মনত নথৈ আনন্দ পালে; তেতিয়ালৈকে লৰ্ড অক্‌লেণ্ড্ মহাৰজাৰ আলহী স্বৰূপে লাহোৰতে আছিল। ৰণজিতে মনৰ আনন্দত অক্‌লেণ্ডৰ সতে জোখতো অধিক ফটিকা খাই ওভতগোৰে নাচিবলৈ ধৰিলে। বেছিকৈ ফটিকা খোৱাৰ ফলত ৰণজিতৰ বেমাৰ চৰিল আৰু তেওঁৰ মুখৰ মাত বন্ধ হল; তেওঁ মাথোন ঠাৰে চিঁয়াৰে হে মনৰ ভাৱ বুজাব পাৰিছিল। ইংৰাজ ডাক্তৰ, মুছলমান হেকিম আৰু হিন্দু ৰাজবৈদ্য সকলে দৰবৰ উপৰি দৰব দিবলৈ ধৰিলে; আচাৰ্য্য সকল আহি শান্তি-স্বস্ত্যয়নৰ আয়োজন কৰাত লাগি গল। কিন্তু প্ৰকৃতিৰ নিয়ম খণ্ডায় কোনে? পষেক এইদৰে থাকি ভাৰতৰ গৌৰৱ, হিন্দুৰ ক্ষত্ৰিয় শক্তিৰ উজ্জ্বল মূৰ্ত্তি বীৰ ৰণজিৎ সিংহ ১৮৩৯ খৃষ্টাব্দৰ ২৭ জুনৰ দিনা চিৰদিনৰ কাৰণে পৃথিৱীৰ পৰা গুচি গল—সিন্ধু কিন্তু সেইদৰেই থাকিল!

তেওঁৰ মৃত্যুৰ পাছত লাখ-বিলাখ ধন দুখীয়া-মগনীয়াৰ ভিতৰত বিলাই দিয়া হয়—মৰিবৰ আগতে দহ লাখ টকাৰ এটা ওখ বেদী তৈয়াৰ কৰোৱাই তাৰ ওপৰত দহ হেজাৰ টকা বেচৰ শাল পাৰি দি মহাৰজাৰ শ থোৱা হৈছিল। মানুহে বোলে বোলে মৰিবৰ আগতে ৰণজিৎ সিংহই কহিনূৰ মণিটো জগন্নাথ

দেৱলৈ উচ্ছৰ্গা কৰিব খুজিছিল; কিন্তু ভঁৰালী সকলে সেই কামত বাধা দিয়ে।

---

# মৰাৰ পাছত

মৰাৰ পাছত তেওঁৰ বৰ পুতেক খড়্গসিংহ ৰাজপাটত বহে। শিখ্ সৰ্দ্দাৰ বিলাকৰ সহায়ত বছৰদিয়েক তেওঁ ভালদৰেই পঞ্জাব শাসন কৰিছিল। কিন্তু সিবিলাকৰ ভিতৰত দল খাঁৰ-য়াল লাগি একতা নোহোৱা হলত ইংৰাজে পঞ্জাব অধিকাৰ কৰি লয়। এইদৰেই ভাৰতীয় লোকৰ ভিতৰত একতা নোহোৱাৰ গুণে ইংৰাজে গোটেইখন ভাৰতবৰ্ষকে নিজৰ বশুৱা কৰি লবলৈ চল পালে। কি কি অৱস্থাত নো আমাৰ দেশ খন ইংৰাজৰ তলতীয়া হল আৰু কিহৰ কাৰণেই বা আমাৰ মানুহৰ ভিতৰত একতা নোহোৱা হৈছিল, সেইবোৰ কথা বুৰঞ্জী পঢ়িলে তোমালোকে ভালকৈ জানিব পাৰিবা।

# সামৰণি

---

পঞ্জাব কেশৰী ৰণজিৎসিংহৰ জীৱন কাহিনী তোমালোকে শুনিলা। তেওঁ সিমান ঠাকুৰা নাছিল; লেখাপঢ়াও তেওঁ নাজানিছিল। আই ওলাই চকু এটা ফুটিছিল বুলি আগেয়েই কোৱা হৈছে। কিন্তু তেওঁৰ বুদ্ধি, মনৰ বল আৰু বীৰত্ব বৰ বেছি আছিল। সেইদেখি ভাৰতবৰ্ষত এখন প্ৰতাপ-শালী সাম্ৰাজ্য স্থাপন কৰি তেওঁ জগতৰ বীৰ পুৰুষ সকলৰ দাৰেই সন্মানিত হৈ যাব পাৰিছে। তেওঁ কেতিয়াও বহি নাথাকি-ছিল; লৰাকালিৰে পৰা বাপেকৰ লগত ৰণথলিলৈ গৈ যুদ্ধৰ সকলোবোৰ আওভাও বুজি লৈছিল। তেওঁ গোটেই জীৱনটো ৰণ কৰিয়েই নিয়ালে। তেওঁৰ ৰণ-পাণ্ডিত্য আৰু শাসন ক্ষমতা দেখি মানুহ আচৰিত হৈছিল। বুঢ়া সকলেও তেওঁৰ উটঙ্গ-নিত গা আনি যুদ্ধত যোগ দিছিল। তেওঁ গুণী মানুহক কেতিয়াও অনাদৰ দেখুউৱা নাই। ৰণজিৎসিংহৰ সেনা-বিভাগত হিন্দু-মুছলমান-খৃষ্টান, শিখ্-ৰাজপুত-জাঠ-পাঠান প্ৰভৃতি সকলো জাতিৰ বীৰ পুৰুষে ঠাই লভিছিল। শাসন আৰু শোধ সোধাৰ সময়ত কেতিয়াবা তেওঁ মুছলমানৰ কথা মতেও কাম কৰিছে। তেওঁৰ দৰবাৰত ফকিৰ আজিমুদ্দিন,

ৰাজা দীননাথ, হৰিসিংহ, ধ্যানসিংহ আদি জনাজাত বীৰ আৰু বুদ্ধিমন্ত লোক সকল বিৰাজ কৰিছিল। সদায় কৰ্ম্ম-পৰায়ণ লোকৰ লগত হে ৰণজিতৰ উঠা-বহা আছিল। তোমালোকে দেখিবা, যিজন যিমান কৰ্ম্মশীল তেওঁৰ লগতো সিমান কৰ্ম্মী মানুহ আহি বন্ধুতা পাতিব। এলেহুৱাই হে এলেহুৱাৰ সঙ্গ লয়। ৰণজিৎসিংহই নিজৰ কৰ্ম্মপৰায়ণতাৰ দ্বাৰা আইনৰ ওপৰত প্ৰভাৱ পেলাব পাৰিছিল, আৰু তেওঁলোকৰ বলেৰেই সদৌ পঞ্জাবত শিখ-সাম্ৰাজ্য গঠন কৰি ভাৰতৰ মানুহেও যে ৰাজ্য চলাব পাৰে, তাৰ প্ৰমাণ দি গৈছে।

শেষ।



# এবাৰ পঢ়কচোন !

আজি সদৌ জগতৰ বিখ্যাত আৰু মুখিয়াল লোক সকলে একেমুখে কৈছে যে কোনো জাতিক উন্নত কৰিব লাগিলে সেই জাতিৰ লৰাছোৱালি বিলাকক সৰুৰে পৰা এনে ধৰণৰ শিক্ষা দিব লাগে যেন তেওঁলোকৰ মন দেশ আৰু জাতিৰ উপকাৰৰ ফালে ঢাল খায়। অসম আজি বহুতৰে পাছপৰি আছে, আৰু অসমীয়া লৰা-ছোৱালীবিলাকক যে দেশপ্ৰেম ওপজা সুশিক্ষা দিবৰ এয়ে উপযুক্ত সময়, তাক নকলেও হব। সেইমতে আমাৰ শক্তি অনুযায়ী দেশ আৰু জাতিৰ প্ৰতি আমাৰ যি কৰ্ত্তব্য আছে, তাৰ কিঞ্চিৎমানো সমাধা কৰিবলৈ আমি এখনি ছবি-সাহিত্য প্ৰচাৰ কৰিব খুজিছোঁ। এই ছবিৰ জৰিয়তে এনেধৰণৰ বিষয় থাকিব, অসমীয়া সাহিত্যত এতিয়ালৈকে যাৰ প্ৰচলন হোৱা নাই। সেই দেখি আমি অনুৰোধ আপোনাক কৰিব খোজোঁ, যে আমাৰ কৰ্ত্তব্যসাধনত আপুনিও আপোনাৰ সাধ্যমতে আমাক সাহায্য কৰিব। এই বিশ্বব্যাপী সমস্যাৰ দিনত আমি আপোনাৰ পৰা এখিনিমানো সহানুভূতি নাপাম নে ?